১ম পাৰা ঃ ছুৰা - ১

# সুচনা বা উদঘাটিকা

*(আল ফাতিহাহ্)*

মক্কাত অৱতীৰ্ণ

## পৰিচিতি

ছুৰা ফাতিহাহ বা উদঘাটিকাৰ দ্বাৰাই আল-কুৰআনৰ দুৱাৰ মুকলি কৰা হৈছে। ইয়াৰ "বাৰে বাৰে পঢ়িবলৈ সাতোটি" আয়াত (কুৰআন ১৫:৮৭) নামাজৰ প্ৰতি ৰাকাতত প্ৰত্যেক দিনেই বহুবাৰ পঢ়া হৈ থাকে। ইয়াকে আৰু কোৱা হয় "উম্মুল কিতাব" বা কুৰআনৰ সাৰবত্তা, কাৰণ কুৰআনৰ সাৰগৰ্ভ বাণী ইয়াত নিহিত আছে।

আল-কুৰআনৰ ৰচয়িতাই নিজৰ পৰিচয় দিবলৈ গৈ প্ৰথমেই কৈছে যে তেওঁৰ নাম "আল্লাহ"। তাৰ পাচত তেওঁৰ পৰিচিতি বৰ্ণনা কৰোঁতে কৈছে যে তেওঁ সমুদায় বিশ্ব জগতৰ 'ৰব্ব' বা সৃষ্টিকৰ্তা। ইয়াৰ পাচত কৈছে যে তেওঁ 'ৰহমান' অৰ্থাৎ সেই সৃষ্টজগতৰ লালন-পালনৰ সকলো উপকৰণ প্ৰদানকাৰী। তাৰ পিছত কৈছে তেওঁ 'ৰহীম' অৰ্থাৎ বিশ্ববাসীৰ প্ৰত্যেকৰে কৰ্মপ্ৰচেষ্টাৰ ফলদাতা। লগে লগে কৈছে তেওঁ 'মালিক' বা প্ৰত্যেকৰে ভাল-বেয়া ক্ৰিয়াকলাপৰ সুবিচাৰক।

আল্লাহে নিজৰ এই পৰিচয় দি নিজগুণে নিজৰ পৰাই মানুহক শিকাই দিছে যে মানুহে যেন কেৱল তেওঁৰেই আৰাধনা কৰে আৰু তেওঁৰেই ওচৰত নিজৰ আশা-আকাংক্ষা আৰু সাহায্য সহায়তাৰ কাৰণে হাত আগবঢ়ায়। নিজৰ জীৱনৰ চলাৰ পথ যেন সহজ সুগম হয়, পিছল ভ্ৰান্ত পথৰ পৰা উদ্ধাৰ কৰি মানুহৰ প্ৰতি যেন আল্লাহে তেওঁৰ কৰুণা বৰ্ষণ কৰে।

ঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃ

**আল্লাহৰ ওচৰত আমি আশ্ৰয় বিচাৰিছো ভ্ৰষ্ট চয়তানৰ** (প্ৰৰোচনাৰ) **পৰা** (যি জিন্, পশু বা মানুহ আকাৰে আমাৰ মাজত বিচৰণ কৰে আৰু সমাজত পাপাচাৰ, অনাচাৰ আৰু অৰাজকতা সৃষ্টি কৰি থাকে)।

### বিছমি-ল্লাহি-ৰ ৰাহ্ মানি-ৰ ৰাহীম

**আল্লাহৰ নাম লৈ** (আৰম্ভ কৰিছো), (যিজন) **ৰহমান** (— পৰম কৰুণাময়, যিজনে সমুদায় সৃষ্টিৰ ৰক্ষণাবেক্ষণৰ কাৰণে লাগতিয়াল সকলো ব্যৱস্থা আগেভাগেই কৰি ৰাখিছে), (আৰু যিজন) **ৰহীম** (—অফুৰন্ত ফলদাতা, যিজনে সকলৰ সকলো শুভ প্ৰচেষ্টাৰ সুফল দি থাকে)।

**১ সকলো প্ৰশংসা** (আৰু মহিমাকীৰ্তন বা নামগান) **আল্লাহৰ প্ৰাপ্য,** (কিয়নো তেওঁ) **সমুদায় সৃষ্টজগতৰ ৰব্ব** (বা প্ৰভু, অৰ্থাৎ সৃষ্টিকৰ্তা আৰু পালনকৰ্তা, যিজনে সকলো বিষয়বস্তু আৰু জীৱ-জন্তু, স্বৰ্গ-মৰ্ত্য-পাতালত সৃষ্টি কৰি সেইবিলাকক ক্ৰমাত উন্নীত কৰি চলিছে আৰু শ্ৰেষ্ঠতম সৃষ্টিৰূপে মানুহ সৃজন কৰিছে)।

**২** (তেওঁ) **ৰহমান** (যিজনৰ অসীম মৰম আৰু চেনেহ সমস্ত সৃষ্ট জগতৰ প্ৰতি আপোনা-আপুনি বৰ্ষিত হৈ থাকে; আৰু তেওঁ যেনে পাৰ্থিৱ ৰিযেক হিচাবে আলোক-বতাহ-খাদ্য-পানীয় সকলোৰে কাৰণে সৰবৰাহ কৰিছে, তেনেকৈ মানুহৰ আধ্যাত্মিক ৰিযেকৰূপে ৰছুলসকলৰ যোগেদি তেওঁৰ প্ৰত্যাদেশ পঠিয়াইছে); (আৰু তেওঁ) **ৰহীম** (যাৰ অফুৰন্ত দয়াত প্ৰতিটো জীৱ জন্তুৰ অতি সাধাৰণ শুভ প্ৰচেষ্টাও বিৰাটভাৱে ফলদায়ক হৈ উঠে)।

**৩** (তেওঁ) **বিচাৰকালৰ** (তথা কৰ্মফলৰ) **মালিক** (বা ৰাজাধিৰাজ, ফলত তেওঁ মানুহৰ প্ৰতিটো ক্ৰিয়াকৰ্মৰ পুঙ্খানুপুঙ্খ সুবিচাৰ কৰি থাকে; আৰু যিহেতু তেওঁ নিজে 'মালিক' বা হৰ্তা-কৰ্তা-বিধাতা, সেইকাৰণে তেওঁ সৎকৰ্মীৰ পুৰস্কাৰ যেনেকৈ বহুগুণে বঢ়াই দিব পাৰে তেনেকৈ পাৰে পাপী-তাপীৰ অপৰাধ নিজগুণে ক্ষমা কৰিবলৈ; আৰু সেইবাবে তেওঁ যিশুৰ ৰক্ততৰ্পণ বা অইনৰ নৈবিদ্যিদান তথা মানত বা লিল্লাহ-খয়ৰাতৰ প্ৰত্যাশী নহয়)।

**৪** (মোৰ এই পৰিচয় পোৱাৰ ফলত তোমালোকে কোৱা— "হে প্ৰভু! কেৱলমাত্ৰ) **তোমাৰেই আমি এবাদত** (বা উপাসনা) **কৰিছো,**

আৰু (ঠাকুৰ-দেৱতাৰ ওচৰত প্ৰণিপাত নকৰি বা পীৰ-মুৰচিদৰ ভৰিত হাত নিদি কেৱল) **তোমাৰেই ওচৰত আমি সাহায্য প্ৰাৰ্থনা কৰোঁ।**

**৫ ‘‘আমাক তুমি** (অতিভক্তি আৰু অবিশ্বাস— এই দুই চৰম পথৰ পৰা ৰক্ষা কৰি) **সহজ-সঠিক** (তথা মধ্যম) **পথত পৰিচালিত কৰা** (যাতে আমি সৎপথত থাকি এই পৃথিৱীতেই স্বৰ্গৰাজ্য প্ৰতিষ্ঠা কৰিব পাৰো)—

**৬ ‘‘তেওঁলোকৰ পথত, যিসকলৰ প্ৰতি তুমি নিয়ামত** (বা অনুগ্ৰহ, বিশেষকৈ তোমাৰ বাণী) **অৰ্পণ কৰিছা** (আৰু নবী-ৰছুলৰূপে যিসকলে আমাৰ পথপ্ৰদৰ্শক হৈছে)।

**৭ ‘‘সিবিলাকৰ** (পথ) **ব্যতিৰেকে যিবিলাকৰ প্ৰতি** (তোমাৰ) **গযব** (বা ক্ৰোধ) **আহিছে** (যেনেকৈ ইহুদীসকল, যিসকলে ঈছা-মছীহক অস্বীকাৰ কৰিছিল), **আৰু সিবিলাকৰো নহয় যিবিলাক পথভ্ৰষ্ট** (যেনেকৈ খ্ৰীষ্টানসকল— যিসকলে অতি-ভক্তিৰ ফলত ঈছা-মছীহক খোদাৰ পৰ্যায়লৈ উঠাই লৈছে)।’